# প্রতিক্ষা

শ্রীনলিনী কান্ত শর্ম্মা



PRATIKHYA : A Social Novel written by Shri Nalini karta sharma and Published by Shri Ruhini Kanta Sharma, Kanta Prakashan, Mathura Nagar, Guwahati—781006 Price Rs. 16·00 (Rupees sixteen only)

---

প্ৰকাশক : শ্ৰীৰোহিনী কান্ত শৰ্ম্মা

কান্ত প্ৰকাশন, মথুৰানগৰ, গুৱাহাটী-৭৮১০০৬

প্ৰথম প্ৰকাশ : জুলাই, ১৯৮৮

মুদ্ৰণ : লাই-লেচাই ছপাঘৰ, হেঙ্গেৰাবাৰী, গুৱাহাটী-৭৮১০০৬

বেটুপাত মুদ্ৰণ : বীণাপাণি প্ৰিন্টিং হাউচ, উজানবাজাৰ,

গুৱাহাটী-৭৮১০০৭

বেটুপাত : ডিজাইন ইণ্ডিয়া

পৰিবেশক : গুৱাহাটী বুক ষ্টল, পানবজাৰ, গুৱাহাটী-৭৮১০০৩

বীণাপাণি বুক হাউচ, দিশপুৰ, গুৱাহাটী-৭৮১০০৬

**উৎসর্গা ঃ**

যি গৰাকী মহান পুৰুষৰ পৱিত্ৰ স্মৃতিয়ে এটি পৰিয়ালৰ প্ৰতিজন ব্যক্তিৰে আদৰ্শ আৰু লক্ষত উপনীত হোৱাৰ বাবে একমাত্ৰ প্ৰেৰণাৰ উৎস, সেই গৰাকী পুণ্যাত্মা মোৰ ককা দেউতা ৺ অধ্যাপক ধৰ্ম কান্ত শৰ্ম্মাৰ কৰ কমলত মোৰ এই ক্ষুদ্ৰ প্ৰচেষ্টা—"প্ৰতিজ্ঞা" শ্ৰদ্ধাৰে উৎসৰ্গা কৰিলো।

—লেখক

অপনা মুখত—

গতিশীল সময়ৰ লৈতে খোজ মিলাই জীৱনৰ বাটত অগ্ৰসৰ হওতে বিভিন্ন মূহুৰ্তত অৰ্জন কৰা মিঠা-তিতাঁ বাস্তৱ অভিজ্ঞতা সমূহ কেতিয়াবা কেতিয়াবা স্মৃতিৰ দাপোণ খনত প্ৰতিফলিত হয়হি, বাঁহ-সলনি কৰা গুৰী পকৱাৰ লানি নিচিগা শাৰীটোৰ দৰে, ব্যস্ততা বহুল জীৱনৰ বিশ্ৰামৰ মূহুৰ্তবোৰত বৰকৈ আমনি কৰে। তেতিয়াই হয়তো তাৰে দুই এটি বিশেষ অভিজ্ঞতাৰ বিষয়ে লিপিবদ্ধ কৰি থোৱাৰ বাসনা জাগ্ৰত হয় অন্তৰত নীৰৱে-সংগোপনে। সময়ত ছপা শালৰ বিভিন্ন প্ৰক্ৰিয়াৰ মাজেৰে এইবোৰকে পাঠক সমাজৰ আগত উপস্থাপন কৰিব বিচৰাটোৱে যদি সাহিত্য সৃষ্টি কৰা হয়, তেন্তে ময়ো মোৰ জীৱনৰ বিভিন্ন মূহুৰ্তত লাভ কৰা কিছুমান অভিজ্ঞতা আৰু আৱেগ-অনুভূতিক কিছু সংখ্যক বাক্য সমষ্টিৰ সমাহাৰ ঘটাই, "প্ৰতিক্ষা"ৰ জৰিয়তে সাহিত্য জগতত এভুমুকি মৰাৰ প্ৰয়াস কৰিছো।

সাহিত্য সৃষ্টিৰ প্ৰতি নিতান্ত আগ্ৰহ থাকিলেও সাহিত্যিক বোলোৱাৰ বাবে আৱশ্যকীয় বিশেষ বৈশিষ্টতা তথা গুণৰ অধিকাৰী হ'ব নোৱাৰাৰ বাবেই হয়তো উপন্যাসখনৰ কাহিনী ভাগ উপস্থাপন তথা প্ৰকাশ ভঙ্গীমাৰ ক্ষেত্ৰত বিভিন্ন ঠাইত যথেষ্ট খোকোজা লগা পৰিলক্ষিত হৈছে। সাহিত্য জগতত প্ৰৱেশ কৰিবলৈ কৰা প্ৰথম প্ৰচেষ্টা তথা প্ৰকাশনৰ বাবে অতি তৰাতৈয়াকৈ প্ৰস্তুতি চলোৱাৰ বাবেই হয়তো ইয়াৰ প্ৰতিকাৰৰ ব্যৱস্থা কৰাত অসমৰ্থতা প্ৰকাশ পাইছে। তদুপৰি ছপাৰ সময়তে পুথিকা খনিত যথেষ্ট ভুল পৰি

লক্ষিত হৈছিল। পঢ়ুৱৈ বাইজৰ গঠন মূলক সমালোচনাৰ সহায়ত পৰৱৰ্তী সংকলনত এই ভুল-ত্ৰুটি সমূহ সম্পূৰ্ণকৈ আঁতৰোৱাৰ চেষ্টা কৰা হ'ব বুলি মই আশাবাদী।

উপন্যাসখনৰ বিষয়বস্তু আৰু কাহিনী ভাগ নিতান্ত বাস্তৱধৰ্মী যদিও চৰিত্ৰ সমূহ সম্পূৰ্ণ কাল্পনিক। তথাপি এই চৰিত্ৰ সমূহে যদিহে কোনো ব্যক্তিৰ ব্যক্তিগত জীৱনত আঁচোৰ পেলাই যায়, তাৰ বাবে মই ক্ষমা প্ৰাৰ্থী।

পুথি খন প্ৰকাশ কৰিবলৈ ওলোৱাত বিভিন্ন দিশৰ পৰা বিভিন্ন প্ৰকাৰে সহায় সহযোগিতা আগবঢ়োৱা মোৰ বন্ধু জ্ঞানজ্যোতি দাস, ধৰণী দাস, ভুবন বৰ্মন, উৎপলা শইকীয়া আৰু ভ্ৰাতৃ প্ৰতীম ৰমেন গোস্বামী, পৰমেশ ডেকা আৰু ৰমাকান্ত শৰ্মালৈ ধন্যবাদ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলো।

পঢ়ুৱৈ বাইজে মোৰ "প্ৰতিজ্ঞা"ক মৰম আৰু সহানুভূতিৰে আকোৱালি লোৱা সময়ৰ প্ৰতীক্ষাৰে—

শ্ৰদ্ধা আৰু প্ৰীতিৰে—
নলিনী কান্ত শৰ্মা
মথুৰানগৰ, গুৱাহাটী—৭৮১০০৬

# প্রতিক্ষা

প্রতিক্ষা, প্রতিক্ষা, প্রতিক্ষা

শীতকালৰ এটি দুপৰীয়া—সেই দুপৰীয়াটো মোৰ বাবে জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ স্মৰণীয় দুপৰীয়াটোত পৰিণত হৈছিল মোৰ অজ্ঞাতে। এতিয়াও মোৰ মানস পটত ভাঁহি উঠে সেই দিনাৰ প্ৰতিটো মুহূৰ্তৰ ছবি বোৰ, বাৰিষাৰ এটি বৃষ্টি বহুল দিনৰ দৰেই আছিল সেমেকা সেই শীতৰ দুপৰীয়াটো। ঘৰৰ ভিতৰ বাহিৰ সেইদিনা যেন ধাৰাষাৰ বৃষ্টিত প্লাবিত হৈ গৈছিল। মজবুট আধুনিক কৌশলেৰে সজা বৃহৎ অসম টাইপৰ ঘৰটোৰ মুখচ উকখি ঘৰৰ ভিতৰত বৰষুনৰ পানী সোমোৱাৰ কোনো সম্ভাৱনাই ৰখা হোৱা নাছিল ঘৰটো সাজোতে, হয়তো ঘৰৰ গৃহস্থই মাথোন ভুল কৰিছিল—কোনো দিনেই বুজা নাছিল, হয়তো ভাবিবই পৰা নাছিল যে বাহিৰত বৃষ্টিৰ তীব্ৰতা বঢ়াৰ লগে লগে ঘৰৰ চাৰিবেৰৰ আবেষ্টনিৰ মাজত আবদ্ধ হৈ অকলে ভাৱ সাগৰত ডুব গৈ থকা নিজৰ বিবাহ উপযুক্তা কন্যাৰ মনটো জাগি উঠিব পাৰে কিবা নোপোৱাবোৰ পাবলৈ অদম্য হেপাহ আৰু হয়তো যাৰ ফল স্বৰূপেই সমান তীব্ৰতাৰে চকুপানীৰ বৃষ্টিত প্লাবিত হৈ যাব পাৰে সেই নিজান নিজান লগা ঘৰৰ মোজাইক কৰা চিকুন মজিয়া। হয়তো সেয়েই কাৰণ আছিল আমাৰ মাজত গঢ়ি উঠা সেইদিনাৰ সম্পৰ্কটোৰ। নাজানো মোৰ প্ৰতি তাইৰ প্ৰেম ভালপোৱাই কেতিয়া